# আদি-পাঠ।



## দ্বিতীয় ভাগ।



শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।

# আদি-পাঠ

(দ্বিতীয় ভাগ)।

---

( প্ৰথম মানৰ দ্বিতীয় বছৰৰ বাবে )

ৰচক
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।
যোৰহাট।

নতুন তাঙ্গৰণ।

প্ৰকাশক
ৰৰকটকী এণ্ড কোং
যোৰহাট

বেচ /৬ অনা মাত্ৰ

## আমাৰ কৰলগা।

ই আজি ষোল বছৰ আগৰ কথা। "আদি-পাঠ" জোৰা কিমান বাব লিখিলোঁ—পৰীক্ষা কৰিলোঁ—আঁক কাটিলোঁ।—সি মনত নাই। এইবাৰ সমাজলৈ আগ বঢ়ালোঁ। মোৰ অনুমান এই বছৰো কিছুমান খুঁত ওলাব, কিন্তু বাইজৰ পৰামৰ্শত ই সময়ত সৰ্ব্বাঙ্গসুন্দৰ হব বুলি আশা কৰিলোঁ।

নৰ্মাল স্কুল—যোৰহাট
২।২।২৫

লিখক—
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা

# আদি-পাঠ।

## দ্বিতীয় ভাগ।

### য ফলা।

য যোগ হলে ্য এই চিন দিব লাগে।

| | | | |
|---|---|---|---|
| ক | ্য | ক্য | বাক্য। কথাক বাক্য বোলে। |
| খ | ্য | খ্য | খ্যাত, খ্যাতি। সুনামক খ্যাতি বোলে। |
| গ | ্য | গ্য | আৰোগ্য। ৰোগত ঔষধ খালে আৰোগ্য হয়। |
| জ | ্য | জ্য | ৰাজ্য, বাণিজ্য। বাণিজ্য কৰিলে ধন হয়। |
| ণ | ্য | ণ্য | পুণ্য। পুণ্য কামলৈ আগ বাঢ়িবা। |
| ত | ্য | ত্য | সত্য। সদায় সত্য কথা কবা। |
| থ | ্য | থ্য | পথ্য, অকথ্য। সাধুৱে অকথ্য কথা কেতিয়াও নকয়। |
| ধ | ্য | ধ্য | সাধ্য। ভাল লৰাই সাধ্য অনুসৰি কাম কৰে। |
| ন | ্য | ন্য | ন্যায়, অন্যায়। অন্যায় কামলৈ হাত নবঢ়াবা। |
| ব | ্য | ব্য | ব্যয়। আগ পাচ ভাবি ব্যয় কৰিবা। |

| | | | |
|---|---|---|---|
| ভ | ্য | ভ্য | অভ্যাস। ৰাতিপুৱাতে উঠিবলৈ অভ্যাস কৰিবা। |
| য | ্য | য্য | সাহায্য। মৰমিয়াল লোকে দুখীয়াক সাহায্য কৰে। |
| ল | ্য | ল্য | তুল্য। সৎ কামৰ তুল্য ডাঙৰ পুণ্য নাই। |
| স | ্য | স্য | অমাৱস্যা। অমাৱস্যা ৰাতি জোন নোলায়। |

## কামাখ্যা।



কামৰূপ নৰকাসুৰৰ ৰাজ্য আছিল। কামাখ্যা দেবীৰ মঠ আৰু খটখটি তেৱেঁই বহুত ব্যয় কৰি তৈয়াৰ কৰিছিল। এই পুণ্য কামৰ বাবে আজিও তেওঁৰ নাম আছে। সৎ কামৰ তুল্য যশস্যা থকা একো কথা নাই। এতেকে সাধ্য অনুসৰি ভাল কাম কৰিবলৈ অভ্যাস কৰিবা।

## শব্দ পাঠ।

(পঢ়ি পঢ়ি ফলিত লিখা)।

| | | | | |
|---|---|---|---|---|
| সত্য | বাক্য | বাণিজ্য | অন্যায় | আৰোগ্য |
| অকথ্য | সাহায্য | অমাৱস্যা | ৰাজ্য | কামাখ্যা |
| ব্যয় | পুণ্য | তুল্য | যশস্যা | সহ্য |
| অভ্যাস | সাধ্য | খ্যাত | খ্যাতি | সৎকাম |

---

## ৰ ফলা।

ৰ যোগ হলে ্র চিন্দ দিল লাগে।

ক ্র ক্র ক্রোধ, ক্রম। খণ্ডক ক্রোধ বোলে।
গ ্র গ্র আগ্রহ, ব্যগ্র। পঢ়িবলৈ আগ্রহ কৰিবা।
ঘ ্র ঘ্র ঘ্রাণ। কুকুৰৰ ঘ্রাণ শক্তি বেচি।
ত ্র ত্র চিত্র, পাত্র। চিত্র চালে আনন্দ লাগে।

| | | |
|---|---|---|
| দ ্র | দ্র | দৰিদ্ৰ, ক্ষুদ্ৰ। বিপদ ক্ষুদ্ৰ হলেও অৱহেলা নকৰিবা। |
| প ্র | প্র | প্ৰাণ, প্ৰণাম। মানী লোকক প্ৰণাম কৰিবা। |
| ব ্র | ব্র | ডিব্ৰুগড়। ডিব্ৰুগড় ডিব্ৰু নদীৰ পাৰত। |
| ম ্র | ম্র | সম্ৰাট। বহুত ৰজাৰ ওপৰত যি ৰজা, তেওঁক সম্ৰাট বোলে। |
| শ ্র | শ্র | শ্ৰম। শ্ৰম নকৰিলে সুখ নহয়। |

## সম্ৰাট।



সৌ চিত্ৰটো দেখিছানে ? এৱেঁই আমাৰ সম্ৰাট॥ এওঁৰ পৃথিবী ব্যাপি ৰাজ্য আছে। তেওঁ ৰাজ্যৰ কল্যাণৰ কাৰণে সহস্ৰ সহস্ৰ সৈন্য ৰাখিছে। সৈন্যবিলাকে বহুত শ্ৰম কৰি আমাক শত্ৰুৰ পৰা নিৰাপদ কৰি ৰাখিছে। এওঁলোক নাথাকিলে শত্ৰুৱে ক্ৰমে আমাৰ ধন প্ৰাণ ললেহেঁতেন। অতি ক্ষুদ্ৰ প্ৰজা এটাও আমাৰ সম্ৰাটৰ বৰ প্ৰিয়। এনে শ্ৰীমান আৰু চৰিত্ৰৱান মহাৰজালৈ প্ৰণাম জনোৱা।

---

## শব্দ পাঠ।

( পঢ়ি পঢ়ি ফলিত লিখা )।

| | | | | |
|---|---|---|---|---|
| ক্ৰোধ | শত্ৰু | সংশ্ৰৱ | প্ৰিয়পাত্ৰ | ক্ষুদ্ৰ |
| ঘ্ৰাণ | নৱগ্ৰহ | ডিব্ৰুগড় | ধ্ৰুব | চিত্ৰ |
| সম্ৰাট | সহস্ৰ | শ্ৰম | প্ৰাণ | ক্ৰম |
| শ্ৰীমান | চৰিত্ৰ | প্ৰণাম। | | |

ল যোগ—ৢ-ফলা।



| | | | |
|---|---|---|---|
| ক | ল | ক্ল | ক্লেশ শুক্ল। কাকো ক্লেশ নিদিবা। |
| গ | ল | গ্ল | গ্লানি। বেয়া কাম কৰিলে লোকে গ্লানি কৰে। |
| প | ল | প্ল | বিপ্লৱ। ৰজা ভাঙিলে প্ৰজাৰ বিপ্লৱ মিলে। |
| ম | ল | ম্ল | অম্ল, ম্লান। টেঙাক অম্ল বোলে। |
| ল | ল | ল্ল | আল্লা, প্ৰফুল্ল। মছলমানে গোসাঁইক আল্লা বোলে। |
| শ | ল | শ্ল | অশ্লীল। অশ্লীল কথা নকবা। |
| হ | ল | হ্ল | প্ৰহ্লাদ, আহ্লাদ। ভগবানৰ নাম শুনিলে প্ৰহ্লাদৰ বৰ আহ্লাদ হৈছিল। |

প্ৰহ্লাদ।



তোমালোকে প্ৰহ্লাদৰ নাম শুনিছানে? তেওঁ হিৰণ্য-কশিপুৰ পুত্ৰ আছিল। ভগবানৰ নাম শুনিলে আহ্লাদৰ সীমা নাছিল। তেওঁ সদায় প্ৰফুল্ল মনে ভগবানৰ নাম লৈছিল। পিতাকে নাম লোৱা শুনিব নোৱাৰি প্ৰহ্লাদক অনেক ক্লেশ দিছিল।

---

## শব্দ পাঠ।

(পাতি পাতি ফলিত লিখা)।

| | | | | |
|---|---|---|---|---|
| ক্লেশ | অশ্লীল | প্ৰফুল্ল | গ্লানি | ম্লান |
| উল্লাস | অম্ল | প্ৰহ্লাদ | আহ্লাদ | আল্লা |
| পুত্ৰ | হিৰণ্যকশিপু। | | | |

### ব যোগ—ব ফলা।

| | | | |
|---|---|---|---|
| ক | ব | ক্ব | পক্ব। পকাক পক্ব বোলে। |
| গ | ব | গ্ব | দিগ্বিদিক। খণ্ডত দিগ্বিদিক নেদেখা হল। |
| জ | ব | জ্ব | জ্বৰ। জ্বৰ হলে ঔষধ খাবা। |
| ত | ব | ত্ব | ৰাজত্ব। ভাৰতত মছলমানে ৰাজত্ব কৰিছিল। |
| দ | ব | দ্ব | দ্বিজ, উদ্বাউল। বামুণ ক্ষত্ৰিয়ক দ্বিজ বোলে। |
| ধ | ব | ধ্ব | ধ্বনি। বংশীৰ ধ্বনি শুনিবলৈ সুৱলা। |
| ন | ব | ন্ব | অন্বেষণ। শঠে লোকৰ দোষ অন্বেষণ কৰে। |
| ল | ব | ল্ব | বিল্ব। বেলক বিল্ব বোলে। |

শ ৱ শ্ব ঈশ্বৰ। ঈশ্বৰ সবাতকৈ ডাঙৰ।
হ ৱ হ্ব বিহ্বল। বিপদত বিহ্বল নহবা।



## উপদেশ।

আপদত ধীৰ হোৱা নহবা বিহ্বল।
ঈশ্বৰৰ প্ৰতি ৰাখা বিশ্বাস অটল॥
লোকত আশ্বাস দিয়া মৰমৰ কাম।
বিপদৰ মিত্ৰ মাত্ৰ ঈশ্বৰৰ নাম॥

---

## শব্দ পাঠ।

(পঢ়ি পঢ়ি ফলিত লিখা)।

ত্বৰ দ্বিজ ধ্বনি অন্বেষণ উদ্বাউল আশ্বাস
বাজত্ব বিহ্বল ঈশ্বৰ বিশ্বাস পক্ব দ্বীজ
বিল্ব দিগ্বিদিক।

### ন যোগ—ন-ফলা।

গ ন গ্ন অগ্নি, মগ্ন। অগ্নিয়ে সকলোকে পুৰি ছাই কৰে।

ঘ ন ঘ্ন বিঘ্নি, শত্ৰুঘ্ন। শত্ৰুঘ্ন সুমিত্ৰাদেবীৰ পুতেক আছিল।

ত ন ত্ন   যত্ন, ৰত্ন। যত্ন কৰিলে ৰত্ন মিলে।
ৰত্নাৱলী। ৰত্নাৱলী এখন পুথিৰ নাম।
ন ন ন্ন   অন্ন, প্ৰসন্ন। ভাতক অন্ন বোলে।
শ ন শ্ন   প্ৰশ্ন। পৰীক্ষা লবলৈ প্ৰশ্নৰ কাকত কৰে।
স ন স্ন   স্নেহ। মাতৃ স্নেহৰ তুলনা নাই।
হ ন হ্ন   অহ্ন, মধ্যাহ্ন। মধ্যাহ্ন সময়ত বেলি মূৰৰ ওপৰ পায়।



## লাচিত বৰফুকন।

চক্ৰধ্বজ সিংহ ৰজাৰ দিনত মছলমানে অনেক যত্ন কৰি আসাম আক্ৰমণ কৰে। আহোম ৰজাই লাচিত বৰফুকনক

সেনাপতি পাতি যুঁজলৈ পঠায়। এইজনা বৰফুকন বৰ ধীৰ আছিল। তেওঁ সৰু এটা ৰজাঘৰীয়া বিষয়াৰপৰা অশেষ উন্নতি কৰি বৰফুকন হৈছিল।



---



## শব্দ পাঠ।

(পতি পতি ফলিত লিখা)।

| | | | | | |
|---|---|---|---|---|---|
| অগ্নি | শত্রুঘ্ন | যত্ন | ৰত্ন | মধ্যাহ্ন | ৰত্নাৱলী |
| মাতৃস্নেহ | উন্নতি | লগ্ন | মগ্ন | অহ্ন | বিঘ্ন |
| অন্ন | প্রসন্ন | প্রশ্ন | স্নেহ | চক্রধ্বজ | |



# ম যোগ ম-ফলা।

| | | | |
|---|---|---|---|
| ক | ম | ক্ম | রুক্ম, রুক্মিণী। রুক্ম এজন প্ৰখ্যাত বীৰ আছিল। |
| গ | ম | গ্ম | বাগ্মী। কথা কব পৰা মানুহক বাগ্মী বোলে। |
| ঙ | ম | ঙ্ম | পৰাঙ্মুখ। সৎ কাম কৰিবলৈ পৰাঙ্মুখ নহবা। |
| ত | ম | ত্ম | আত্ম, আত্মা। জীৱক আত্মা বোলে। |
| দ | ম | দ্ম | পদ্ম। পদ্মফুল বোকাত হয়। |
| ন | ম | ন্ম | জন্ম। ঈশ্বৰৰ জন্ম নাই। |
| ম | ম | ম্ম | মোহম্মদ। হজৰত মোহম্মদ আৰবত জন্মিছিল। |
| ল | ম | ল্ম | বাল্মিকী, শাল্মলি। বাল্মিকীয়ে ৰামায়ণ লিখিছিল। |
| ষ | ম | ষ্ম | ভীষ্ম, গ্ৰীষ্ম। জহৰ দিনক গ্ৰীষ্মকাল বোলে। |
| স | ম | স্ম | ভস্ম, বিস্ময়। সন্ন্যাসীয়ে শৰীৰত ভস্ম ঘঁহে। |
| হ | ম | হ্ম | ব্ৰহ্ম, ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰত জাহাজ চলে। |
| ক্ষ | ম | ক্ষ্ম | লক্ষ্মী, লক্ষ্মণ। লক্ষ্মণে ইন্দ্ৰজিতক মাৰিছিল। |

# ৰুক্মিণী



তোমালোকে শদিয়াৰ নাম শুনিছানে? [illegible]ৰণি কালত তাত ভীষ্মক নামে এজন ৰজা আছিল। তেওঁৰ ৰুক্মিণী নামে এটি কন্যা আছিল। ৰুক্মিণীৰ ককায়েক ৰুক্ম এজন বিখ্যাত বীৰ আছিল।

## শব্দ পাঠ।

( পঢ়ি পঢ়ি ফলিত লিখা। )

| | | | | | |
|---|---|---|---|---|---|
| পৰাঙ্মুখ | পদ্মফুল | জন্ম | বাল্মিকী | লক্ষ্মণ | মহম্মদ |
| ভীষ্ম | ৰুক্মিণী | বাগ্মী | আত্মা | শাল্মলি | ভস্ম |
| বিস্ময় | ব্ৰহ্মপুত্ৰ | লক্ষ্মী | লক্ষণ | গ্ৰীষ্ম | আত্ম |

# ম যোগ ম-ফলা।

| | | | |
|---|---|---|---|
| ক | ম | ক্ম | রুক্ম, রুক্মিণী। রুক্ম এজন প্ৰখ্যাত বীৰ আছিল। |
| গ | ম | গ্ম | বাগ্মী। কথা কব পৰা মানুহক বাগ্মী বোলে। |
| ঙ | ম | ঙ্ম | পৰাঙ্মুখ। সৎ কাম কৰিবলৈ পৰাঙ্মুখ নহবা। |
| ত | ম | ত্ম | আত্ম, আত্মা। জীৱক আত্মা বোলে। |
| দ | ম | দ্ম | পদ্ম। পদ্মফুল বোকাত হয়। |
| ন | ম | ন্ম | জন্ম। ঈশ্বৰৰ জন্ম নাই। |
| ম | ম | ম্ম | মোহম্মদ। হজৰত মোহম্মদ আৰবত জন্মিছিল। |
| ল | ম | ল্ম | বাল্মিকী, শাল্মলি। বাল্মিকীয়ে ৰামায়ণ লিখিছিল। |
| ষ | ম | ষ্ম | ভীষ্ম, গ্ৰীষ্ম। জহৰ দিনক গ্ৰীষ্মকাল বোলে। |
| স | ম | স্ম | ভস্ম, বিস্ময়। সন্ন্যাসীয়ে শৰীৰত ভস্ম ঘঁহে। |
| হ | ম | হ্ম | ব্ৰহ্ম, ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰত জাহাজ চলে। |
| ক্ষ | ম | ক্ষ্ম | লক্ষ্মী, লক্ষ্মণ। লক্ষ্মণে ইন্দ্ৰজিতক মাৰিছিল। |

# ৰুক্মিণী



তোমালোকে শদিয়াৰ নাম শুনিছানে? পুৰণি কালত তাত ভীষ্মক নামে এজন ৰজা আছিল। তেওঁৰ ৰুক্মিণী নামে এটি কন্যা আছিল। ৰুক্মিণীৰ ককায়েক ৰুক্ম এজন বিখ্যাত বীৰ আছিল।

## শব্দ পাঠ।

(পঢ়ি পঢ়ি ফলিত লিখা।)

পৰাঙ্মুখ পদ্মফুল জন্ম বাল্মিকী লক্ষ্মণ মহম্মদ
ভীষ্ম ৰুক্মিণী বাগ্মী আত্মা শাল্মলি ভস্ম
বিস্ময় ব্ৰহ্মপুত্ৰ লক্ষ্মী লক্ষণ গ্ৰীষ্ম আত্ম

# ৰেফ—ফলা।

ৰ্ যোগ হলে ´ এনেকুৱা হৈ, যোগ হোৱা আখৰৰ ওপৰলৈ যায়; ইয়াক ৰেফ্ বোলে।



| | | | |
|---|---|---|---|
| ৰ্ | ক | র্ক | তর্ক, কর্কশ। কঠুৱা কথাক কর্কশ বাক্য বোলে। |
| ৰ্ | খ | র্খ | মূর্খ। মূর্খৰ দুর্গতিৰ সীমা নাই। |
| ৰ্ | গ | র্গ | পার্গত, সংসর্গ। অসতৰ সংসর্গত মানুহ বেয়া হয়। |
| ৰ্ | ঘ | র্ঘ | নির্ঘুণ। যি কৰা নির্ঘুণকৈ কৰিবা। |
| ৰ্ | ণ | র্ণ | জীর্ণ, অজীর্ণ। বেচিকৈ খালে জীর্ণ নাযায়। |
| ৰ্ | থ | র্থ | অর্থ, অনর্থ। অর্থলৈ বেচি হাবিলাস কৰা বেয়া। |
| ৰ্ | ধ | র্ধ | নির্ধন। নির্ধনী লোকক কেৱে মান নকৰে। |
| ৰ্ | ন | র্ন | দুর্নাম। বেয়া কাম কৰিলে দুর্নাম হয়। |

ৰ্ প র্প দর্প। দর্প কৰিলে ঘাটি খায়।
ৰ্ ল র্ল দুর্লভ, নির্লোভ। যথার্থ মিত্র পোৱা দুর্লভ।
ৰ্ শ র্শ পৰামর্শ। জনা মানুহৰ পৰামর্শ লবা।
ৰ্ হ র্হ গর্হিত। গর্হিত কাম নকৰিবা।



## শিয়াল।

এদিন গধূলি এটা দুর্ভগীয়া শিয়াল গাৱঁলৈ আহিছিল। গাৱঁৰ কুকুৰবিলাকে দেখি ঈর্ষাত ভুকিবলৈ ধৰিলে। শিয়াল টোৱে ভয়ত দৌৰি গৈ কর্দাল খাই গাঁতত পৰিল। এজন লৰাই তাক তুলি দিলে। বাপেকে তাকে শুনি বৰ হর্ষ পালে।

---

# শব্দ পাঠ।

(পঢ়ি পঢ়ি ফলিত লিখা।]

| | | | | | |
|---|---|---|---|---|---|
| মূৰ্খ | দুৰ্গতি | তৰ্ক | দুৰ্ভাগ্য | ঈৰ্ষা | কৰ্কাল |
| হৰ্ষ | কৰ্কশ | জীৰ্ণ | পাৰ্গত | দৰ্প | দুৰ্নাম |
| গৰ্হিত | পৰামৰ্শ | নিৰ্ধন | নিৰ্লোভ | নিৰ্ঘুণ | সংসৰ্গ |

## ঙ্ক-ফলা।

ঙ, ঞ, ণ, ন, ম যোগ।

| | | | |
|---|---|---|---|
| ঙ | ক | ঙ্ক | অঙ্ক, শঙ্কৰ। অঙ্ক কৰিবলৈ হেলা নকৰিবা। |
| ঙ | খ | ঙ্খ | শঙ্খ, সিঙ্খাপ। শঙ্খ এবিধ সাগৰৰ শামুক। |
| ঙ | গ | ঙ্গ | সঙ্গ, সঙ্গীত। সঙ্গীতত সাপো ভোল যায়। |
| ঙ | ঘ | ঙ্ঘ | লঙ্ঘন। পিতৃ-মাতৃৰ বাক্য লঙ্ঘন নকৰিবা। |
| ঞ | চ | ঞ্চ | বঞ্চনা, সঞ্চয়। সঞ্চয় কৰি নচলিলে দুখ পায়। |
| ঞ | ছ | ঞ্ছ | বাঞ্ছা। উন্নতি কৰিবলৈ বাঞ্ছা কৰিবা। |
| ঞ | জ | ঞ্জ | আঞ্জা, বুৰঞ্জী, খঞ্জৰী। নাৰিকলৰ আঞ্জা খাবলৈ সোৱাদ। |
| ণ | ট | ণ্ট | কণ্টক, ঘণ্টা। কাঁইটক কণ্টক বোলে। |
| ণ | ঠ | ণ্ঠ | কণ্ঠ, কুণ্ঠিত। সঁচা কবলৈ কুণ্ঠিত নহবা। |
| ণ | ড | ণ্ড | দণ্ড, পণ্ডিত। দোষ কৰিলে দণ্ড পায়। |

| | | | |
|---|---|---|---|
| ন | ত | ন্ত | শান্ত, সন্ত। শান্ত লোক সকলোৰে মৰমৰ পাত্ৰ। |
| ন | দ | ন্দ | কন্দল, দন্দুৰা। কাৰো লগত কন্দল নকৰিবা। |
| ন | ধ | ন্ধ | কান্ধ, অন্ধ। অন্ধক দেখিলে মৰম কৰিবা। |
| ম | প | ম্প | সম্পদ। সম্পদত মিত্ৰ চিনা টান। |
| ম | ফ | ম্ফ | লম্ফ, জম্ফ। লম্ফক লাফ, জম্ফক জাপ বোলে। |
| ম | ভ | ম্ভ | দম্ভ, দাম্ভিক। দাম্ভিকলোকক কেৱে ভাল নাপায়। |
| ম | ম | ম্ম | সম্মুখ, সম্মান। পণ্ডিতৰ সকলোতে সম্মান। |

## শঙ্কৰদেৱ।



শঙ্কৰদেৱ আসামত জন্মিছিল। এওঁ সন্ত আৰু পণ্ডিত আছিল। এওঁৰ থুলন্তৰ আৰু সুন্দৰ শৰীৰ দেখি সকলোৱে সন্তোষ পাইছিল।

চুম্বক দেখিছানে? চুম্বকে লো টানে। শঙ্কৰদেৱৰ কথাবিলাকেও মানুহৰ মন আকৰ্ষণ কৰিছিল। এওঁৰ পিতৃৰ নাম কুসুম্বৰ আছিল।

## শব্দ পাঠ।

| | | | | | |
|---|---|---|---|---|---|
| সিঙ্খাপ | লঙ্ঘন | বুৰঞ্জী | দন্দুৰা | শঙ্কৰ | বাঞ্ছা |
| অন্ধ | সন্ত | পণ্ডিত | থুলন্তৰ | সুন্দৰ | সন্তোষ |
| চুম্বক | কুসুম্বৰ | খঞ্জৰী | আৰম্ভ | সন্তেদ | দম্ভ |
| লম্ফ | জম্ফ | সম্মান | দাম্ভিক | কুণ্ঠিত | জন্ম |



---

### নানা প্ৰকাৰৰ দুই আখৰীয়া যোগ।

ক য ক্ষ  পক্ষ, শিক্ষক। পোন্ধৰ দিনে এক পক্ষ।

চ চ চ্চ  উচ্চ, উচ্চাৰণ। শব্দবোৰ স্পষ্টকৈ উচ্চাৰণ কৰিবা।

চ ছ চ্ছ  ইচ্ছা। ইচ্ছা কৰিলে উপায় ওলায়।

| | | | |
|---|---|---|---|
| জ | জ | জ্জ | সজ্জন। ভাল স্বভাৱৰ মানুহক সজ্জন বোলে। |
| ত | ত | ত্ত | তত্ত্ব, দত্ত। গুৱাহাটী ভগদত্তৰ ৰাজধানী আছিল। |
| প | ত | প্ত | আপ্ত, লিপ্ত। পাপ কামত লিপ্ত নহবা। |
| ক | ত | ক্ত | উক্ত, বক্তা। কথা কব পৰা মানুহক বক্তা বোলে। |
| দ | গ | দ্গ | উদ্গতি। সত্যত নচলিলে উদ্গতি কৰা টান। |
| দ | ঘ | দ্ঘ | উদ্ঘাটন। অন্যৰ দোষ উদ্ঘাটন কৰি নুফুৰিবা। |
| ব | জ | ব্জ | কুব্জ, কান্যকুব্জ। কান্যকুব্জ এখন প্ৰাচীন নগৰ। |
| জ | ঞ | জ্ঞ | জ্ঞান, অজ্ঞান। জ্ঞানীয়ে অজ্ঞানক জ্ঞান দিয়ে। |
| ব | দ | ব্দ | শব্দ, শতাব্দী। শব্দ হলে প্ৰতিধ্বনি হয়। |
| ব | ধ | ব্ধ | নিস্তব্ধ। সাৰ-সুৰ নোহোৱাক নিস্তব্ধ বোলে |
| ল | ক | ল্ক | উল্কা। পপীয়া তৰাক উল্কা বোলে। |
| ড় | গ | ড়্গ | খড়্গ। গঁড়ৰ কপালত খড়্গ আছে। |

মোহম্মদ মক্কাত জন্মিছিল।

বিজ্ঞান শিকিলে বহুত কথা জানিব পাৰি।

ঈশ্বৰত সদায় ভক্তি ৰাখিবা।

কাকো তুচ্ছ জ্ঞান নকৰিবা।

সজ্জন লোকৰ লগত সকলোৱে সম্ভাৱ ৰাখে।

পট্টা চাই খাজনা দিব লাগে।

অশ্বত্থামা এজন ডাঙ্গৰ বীৰ আছিল।

যি মাটি ফুটি ওলায়, তাক উদ্ভিদ বোলে।

লম্পটক কেৱে বিশ্বাস নকৰে।

এশ বছৰে এক শতাব্দী হয়।

---

## শব্দ পাঠ।

( পট্টি পট্টি ফলিত লিখা )।

| | | | | |
|---|---|---|---|---|
| উদ্গতি | উদ্ঘাটন | কুব্জ | কান্যকুব্জ | জ্ঞান |
| শব্দ | শতাব্দী | নিস্তব্ধ | উল্কা | পক্ক |
| উচ্চ | উচ্চাৰণ | ইচ্ছা | সজ্জন | দত্ত |
| তত্ত্ব | আপ্ত | লিপ্ত | উক্ত | বক্তা |
| খড়্গ | বিজ্ঞান | ভক্তি | তুচ্ছ | সম্ভাৱ |
| পট্টা | অশ্বত্থামা | ডাঙ্গৰ | উদ্ভিদ | লম্পট |

---

## স্ক-ফলা।

শ, ষ, স, ত, দ, ধ, ব যোগ।

স ক স্ক নমস্কাৰ, স্কুল। মানী লোক দেখিলে নমস্কাৰ কৰিবা।

| | | | |
|---|---|---|---|
| স | খ | স্খ | স্খলন। পিছল খোৱাক স্খলন বোলে। |
| শ | চ | শ্চ | নিশ্চয়, পশ্চিম। বেলি পশ্চিম দিশত মাৰ যায়। |
| শ | ছ | শ্ছ | শিৰশ্ছেদ। মানীয়ে মান নাপালে শিৰশ্ছেদ হোৱা যেন ভাবে। |
| ষ | ণ | ষ্ণ | কৃষ্ণ, বিষ্ণু। শ্রীকৃষ্ণ পাণ্ডৱৰ সহায় আছিল। |
| ষ | ট | ষ্ট | দুষ্ট, চেষ্টা। দুষ্ট লৰা কাৰো প্রিয়পাত্র নহয়। |
| ষ | ঠ | ষ্ঠ | ষষ্ঠ, কনিষ্ঠ। শত্রুঘ্ন লক্ষ্মণৰ কনিষ্ঠ ভায়েক আছিল। |
| স | ত | স্ত | অস্ত, প্রস্তৰ। শিলক প্রস্তৰ বোলে। |
| স | থ | স্থ | স্বাস্থ্য, সুস্থ। শৰীৰ সুস্থ ৰাখিবলৈ যত্ন কৰিবা। |
| স | ব | স্ব | স্বভাৱ। স্বভাৱ ভাল কৰিবা। |
| স | প | স্প | স্পর্শ। পৰৰ ধন স্পর্শ নকৰিবা। |
| ষ | প | ষ্প | বাষ্প। তাপত পানী বাষ্প হয়। |
| ষ | ক | ষ্ক | পৰিষ্কাৰ। কানি-কাপোৰ পৰিষ্কাৰ ৰাখিবা। |
| ষ | প | ষ্প | পুষ্প। ফুলক পুষ্প বোলে। |
| ষ | ফ | ষ্ফ | নিষ্ফল। একানপতীয়া যত্ন নিষ্ফল নহয়। |

# চোৰ।



নিস্তব্ধ জগত দেখি চোৰ বপুৰাই
দুৱাৰৰ কজ্জা ভাঙ্গি ফুৰে সেপিয়াই ॥
গৃহস্থে সন্তেদ পাই কিলালে বিস্তৰ ।
ফাটকত পৰি এবে ভুঞ্জিছে নিকাৰ ॥

---

## শব্দ পাঠ।

| | | | | |
|---|---|---|---|---|
| সূক্ষ্ম | নমস্কাৰ | উদ্গতি | পশ্চিম | অস্ত্ৰ |
| ৰশ্মি | উত্তাপ | বাষ্প | শব্দ | বস্ত্ৰ |

হয়।

| | | | | |
|---|---|---|---|---|
| প্ৰতিধ্বনি | পাণ্ডৱ | শ্ৰীকৃষ্ণ | প্ৰিয় | নি |
| কজ্জা | গৃহস্থ | সন্তেদ | বিস্তৰ | ভুঞ্জি |

# তিনি আৰু চাৰি আখৰীয়া সংযোগ।

| | | | | |
|---|---|---|---|---|
| ৰ্ | ম | ম | ৰ্ম্ম | ধৰ্ম্ম। ধৰ্ম্ম কামলৈ মন কৰিবা। |
| ক | ষ | ণ | ক্ষ্ণ | তীক্ষ্ণ। তীক্ষ্ণ বুলিলে চোকা বুজায়। |
| ত | ত | ব | ত্ত্ব | স্বত্ব। পিতৃৰ সম্পত্তিত পুত্ৰৰ স্বত্ব। |
| ত | ম | য | ত্ম্য | মাহাত্ম্য। ঈশ্বৰৰ মাহাত্ম্য বুজা টান। |
| ন | ধ | য | ন্ধ্য | বন্ধ্যা, সন্ধ্যা। বজাক বন্ধ্যা বোলে। |
| ম | ভ | ৰ | ম্ভ্ৰ | সম্ভ্ৰম। মান্য লোকক সম্ভ্ৰম কৰিবা। |
| স | ত | ৰ | স্ত্ৰ | অস্ত্ৰ, শাস্ত্ৰ। শাস্ত্ৰত বিশ্বাস ৰাখিবা। |
| ৰ্ | য | ম | ৰ্য্য | সূৰ্য্য। পৃথিৱীত সূৰ্য্যৰ ৰশ্মি পৰিলে পোহৰ হয়। |
| ন | ত | ব | ন্ত্ব | সান্ত্বনা। শোক পোৱা মানুহক সান্ত্বনা দিবা। |
| ৰ্ | দ | ধ | ৰ্দ্ধ | নিৰ্দ্ধাৰণ। বহুতৰ ভিতৰত এটা ঠিক কৰাক নিৰ্দ্ধাৰণ বোলে। |
| ৰ্ | দ | দ | ৰ্দ্দ | নিৰ্দ্দয়। নিৰ্দ্দয় মানুহক কেৱে ভাল নাপায়। |
| ৰ্ | ব | ভ | ৰ্ব্ভ | গৰ্ব্ভ। পৃথিৱীৰ গৰ্ব্ভ-বৰ তপত। |
| জ | জ | ব | জ্জ্ব | উজ্জ্বল। সন্ধ্যা সময়ত সূৰ্য্যৰ উজ্জ্বল পোহৰ নাথাকে। |

| | | | | |
|---|---|---|---|---|
| ন | ত | ৰ | ন্ত্ৰ | তন্ত্ৰ, মন্ত্ৰ। তন্ত্ৰ হিন্দুৰ এখন শা |
| ন | দ | ৰ | ন্দ্ৰ | চন্দ্ৰ। সূৰ্য্যৰ পোহৰেৰে চন্দ্ৰ পো |

ম প ৰ ম্প্র সম্প্রতি, সম্প্রদায়। চুন্নি মছলমানৰ এটা সম্প্রদায়।

ষ ট ৰ ষ্ট্র ৰাষ্ট্র। মহাৰাষ্ট্র নামে এটা জাতি আছে।

ৰ দ ধ ৰ্দ্ধ উৰ্দ্ধ। ধোঁৱা উৰ্দ্ধলৈ উঠে।

---

## সন্ন্যাসী।



সেই জন উৰ্দ্ধবাহু সন্ন্যাসী। এওঁৰ মান সম্ভ্ৰম একো নাই। লোকে গালি পাৰিলেও তালৈ ভ্রূক্ষেপ নকৰে। নদীৰ গৰ্ত্ততো এওঁ মন্ত্র উচ্চাৰণ কৰি ধ্যানত মগ্ন থাকিব পাৰে। এওঁ হাত খন সদায় ওপৰলৈ কৰি ৰাখে, সেই কাৰণে এওঁক উৰ্দ্ধবাহু বোলে।

---

## শব্দ পাঠ।

| | | | | | |
|---|---|---|---|---|---|
| ব্ৰহ্মপুত্ৰ | স্বত্ব | মাহাত্ম্য | যিশুখ্ৰীষ্ট | সন্ধ্যা | মন্ত্র |
| উজ্জ্বল | মহাৰাষ্ট্র | উৰ্দ্ধবাহু | খ্ৰীষ্টিয়ান | অস্ত্র | সম্ভ্ৰম |
| ভ্রূক্ষেপ | গৰ্ত্ত | সম্বন্ধ | সন্ধ্যা | ধৰ্ম্ম | সন্ন্যাসী |

## লৰাই কৰিবলগীয়া কাম।



ঈশ্বৰ সকলোতকৈ ডাঙৰ; আৰবী ভাষাত ঈশ্বৰক আল্লা বোলে।

ঈশ্বৰেই আমাক স্ৰজন কৰিছে। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, পশু-পক্ষীও তেওঁৰপৰা হৈছে। সেই ঈশ্বৰত সদায় বিশ্বাস আৰু ভক্তি ৰাখিবা।

পিতৃমাতৃৰ পৰা তুমি জন্ম পাইছা। তেওঁলোকৰ অশেষ যত্নত তুমি ডাঙৰ হলা। তেনে পিতা পিতা-মাতাৰ কথা অৱজ্ঞা নকৰিবা। সিবিলাকৰ কথা লঙ্ঘন নকৰিলে সুখী আৰু ভদ্ৰ হব পাৰিবা।

জ্যেষ্ঠ লোকক সৰ্ব্বদায় মান কৰিবা। কৰ্কশ কথা কৈ তেওঁলোকক কষ্ট নিদিবা। তোমাতকৈ কনিষ্ঠবিলাকক স্নেহ কৰিবা।

সকলোৰে লগত মিলে থাকিবা। দম্ভালি কথা কৈ কাৰো

ম প ৰ ম্প্ৰ — সম্প্ৰতি, সম্প্ৰদায়। চুন্নি মছলমানৰ এটা সম্প্ৰদায়।

ষ ট ৰ ষ্ট্ৰ — ৰাষ্ট্ৰ। মহাৰাষ্ট্ৰ নামে এটা জাতি আছে।

ৰ দ ধ ৰ্দ্ধ — উৰ্দ্ধ। ধোঁৱা উৰ্দ্ধলৈ উঠে।

---

## সন্ন্যাসী।



সৌ জন উৰ্দ্ধবাহু সন্ন্যাসী। এওঁৰ মান সম্ভ্ৰম একো নাই। লোকে গালি পাৰিলেও তালৈ ভ্ৰূক্ষেপ নকৰে। নদীৰ পৰ্ব্বতো এওঁ মন্ত্ৰ উচ্চাৰণ কৰি ধ্যানত মগ্ন থাকিব পাৰে। এওঁ হাত খন সদায় ওপৰলৈ কৰি ৰাখে, সেই কাৰণে এওঁক উৰ্দ্ধবাহু বোলে।

---

## শব্দ পাঠ।

| | | | | | |
|---|---|---|---|---|---|
| ব্ৰহ্মপুত্ৰ | স্বত্ব | মাহাত্ম্য | যিশুখ্ৰীষ্ট | সন্ধ্যা | মন্ত্ৰ |
| উজ্জ্বল | মহাৰাষ্ট্ৰ | উৰ্দ্ধবাহু | খ্ৰীষ্টিয়ান | অস্ত্ৰ | সম্ভ্ৰম |
| ভ্ৰূক্ষেপ | গৰ্ত্ত | সম্বন্ধ | সন্ধ্যা | ধৰ্ম্ম | সন্ন্যাসী |

## লৰাই কৰিবলগীয়া কাম।



ঈশ্বৰ সকলোতকৈ ডাঙৰ; আৰবী ভাষাত ঈশ্বৰক আল্লা বোলে।

ঈশ্বৰেই আমাক স্ৰজন কৰিছে। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, পশু-পক্ষীও তেওঁৰপৰা হৈছে। সেই ঈশ্বৰত সদায় বিশ্বাস আৰু ভক্তি ৰাখিবা।

পিতৃমাতৃৰ পৰা তুমি জন্ম পাইছা। তেওঁলোকৰ অশেষ যত্নত তুমি ডাঙৰ হলা। তেনে পিতা পিতা-মাতাৰ কথা অৱজ্ঞা নকৰিবা। সিবিলাকৰ কথা লঙ্ঘন নকৰিলে সুখী আৰু ভদ্ৰ হব পাৰিবা।

জ্যেষ্ঠ লোকক সৰ্ব্বদায় মান কৰিবা। কৰ্কশ কথা-কৈ তেওঁলোকক কষ্ট নিদিবা। তোমাতকৈ কনিষ্ঠবিলাকক স্নেহ কৰিবা।

সকলোৰে লগত মিলে থাকিবা। দম্ভালি কথা কৈ কাৰো

খং নুতুলিবা। অহঙ্কাৰী মানুহক কেৱে ভাল নাপায়। সদায় নম্রভাবে কথা কবা।

মহৎ লোকৰ আহি লৈ চলিবা। পৰৰ উন্নতি দেখিলে আনন্দ কৰিবা। কাকো ঈর্ষা নকৰিবা। পাবা মানে অন্যৰ ভাল কৰিবলৈ যত্ন কৰিবা। অন্ধ, খোৰা, ৰুগীয়া মানুহক মৰম কৰিবা; ঈশ্বৰ তোমাৰ প্রতি প্রসন্ন হব।

সদায় স্কুললৈ যাবা। শিক্ষকৰ কথা শ্রদ্ধা কৰি শুনিবা। শিক্ষা গুৰুক পিতৃ-মাতৃ যেন দেখিবা।

---

## আৱশ্যকীয় নানা কথা।

### বাদ্য-যন্ত্র।

খোল ঢোল শঙ্খ কাঁহ ঢুলুক তবলা।
শিঙা ঘণ্টা কৰতাল খঞ্জৰী বেহালা॥

### ৰং (বৰণ)

আকাশী কমলা ৰঙা সেউজীয়া নীলা;
বেঙুনীয়া হালধীয়া সাত ৰং পালা॥

### ধাতু।

সোণ ৰূপ লো ৰাং সীহ দস্তা তাম।
পাবা সৈতে জানি থোৱা অষ্ট ধাতুৰ নাম॥

## ৰস।

মিঠা তিতা কেঁহা জ্বলা খেঙ্গা আৰু লোণা।
এই ষড় ৰস বুলি কয় জ্ঞানী জনা॥

---

## ছয় ঋতু।

গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত, আৰু বসন্ত।

## বাৰ ৰাশি।

মেষ, বৃষ মিথুন, কৰ্কট, সিংহ, কন্যা,
তুলা, বৃশ্চিক, ধনু, মকৰ, কুম্ভ, মীন।

## পোন্ধৰ তিথি।

প্ৰতিপদ, দ্বিতীয়া, তৃতীয়া, পঞ্চমী, ষষ্ঠী, সপ্তমী, অষ্টমী, নৱমী, দশমী, একাদশী, দ্বাদশী, ত্ৰয়োদশী, চতুৰ্দ্দশী, অমাৱশ্যা বা পূৰ্ণিমা।

## পক্ষ দুটা।

শুক্লপক্ষ আৰু কৃষ্ণপক্ষ।

---

# দিক্।



বাতিপুৱা সূৰ্য্য যি ফালে ওলায়, সেইফালে মুখ কৰি থিয় দিয়া—সেই ফালেই পূব। তোমাৰ পিঠিৰ ফালে পশ্চিম।

এতিয়া তোমাৰ হাত দুখন মেলি দিয়া:—বাওঁ হাতৰ পিনে উত্তৰ আৰু সোঁ হাতে দক্ষিণ।

পূব আৰু উত্তৰৰ মাজৰ ফালে মুখ কৰা:—

তোমাৰ মুখৰ আগৰ ফালে ঈশান আৰু তোমাৰ পিঠিৰ ফালে নৈঋত।

পূব আৰু দক্ষিণৰ মাজৰ ফালে অগ্নি আৰু তোমাৰ বিপৰীত ফালে বায়ু।

তোমাৰ মূৰৰ ওপৰৰ ফালক ঊৰ্দ্ধ আৰু ভৰিৰ তলৰ ফালক অধঃ বোলে।

মুঠতে দিশ কেইটা? নাম কোৱা।

---

# বাৰ মাহ।

বহাগেই বছৰৰ আৰম্ভণ মাহ।
জেঠ পৰে তাৰ পাচে লাগে বৰ জহ॥
আহাৰত আহুধান কাটে খেতিয়কে।
শাওণত শালিধান, খায় মহে জোকে॥
ভাদত জ্বালিবা তিথি মহা পুৰুষৰ।
আহিনত বামআহু পকে পথাৰৰ॥
কাতিৰ মাহত টেঙা জৰা গুৱা খায়।
আঘোণত শালিধান সোণ যেন হয়॥
পুহৰ মাহত জাৰ চুটি দিনমান।
মাঘত মুকলি দেশ নাই কতো ধান॥
ফাগুনত দোল হৃে পথাৰ উদং।
চ'তত কুলিৰ মাত শুনি পাওঁ ৰং

শ্ৰীযুক্ত হৰিনাৰায়ণ দত্ত বৰুৱা ৰচিত আৰু সম্পাদিত পুথিবোৰ আৰু স্কুলীয়া আৰু ধৰ্ম্মপুথি আমাৰ ওচৰত পাব।

| | | | |
|---|---|---|---|
| আদিপাঠ ১ম ভাগ | ... | ... | /৬ |
| আদিপাঠ ২য় ভাগ | ... | ... | /৬ |
| শিশু-সাহিত্য ১ম ভাগ | ... | ... | ৵০ |
| শিশু-সাহিত্য ২য় ভাগ | ... | ... | ৷/০ |
| শিশু-সাহিত্য ৩য় ভাগ | ... | ... | ৷/০ |
| ব্যাকৰণ পাঠ | ... | ... | ৷০ |
| আসাম বুৰুঞ্জী পাঠ | ... | ... | ৸০ |
| পুষ্পাঞ্জলি | ... | ... | ৷/০ |
| পাটীগণিত ১ম ভাগ | ... | ... | ৷০ |
| পাটীগণিত ২য় ভাগ | ... | ... | ॥০ |
| পাটীগণিত ৩য় ভাগ | ... | ... | ৸০ |
| সমাজ কথা | ... | ... | ॥০ |
| গৃহ কথা | ... | ... | ৷০ |
| উজু মৌখিক | ... | ... | ৵০ |
| শ্ৰীৰাম কীৰ্ত্তন | ... | ... | ১॥০ |

বৰকটকী এণ্ড [illegible]

যোৰহাট।

——:০:— –